# কানী[illegible]চৰিত্ৰ।

শ্ৰীহৰেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা

প্ৰকাশিত।

১ম সংস্কৰণ।

১লা মাৰ্চ্চ।

কলিকতা,

১২২নং আম্‌হাষ্ট ষ্ট্ৰীট, "ৰাধাৰমণ যন্ত্ৰে"

শ্ৰীনৃত্যগোপাল চক্ৰবৰ্ত্তী দ্বাৰা

মুদ্ৰিত।




# কানীয়া-চৰিত্ৰ।

শ্ৰীহৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ দ্বাৰা

প্ৰকাশিত।

---

১ম সংস্কৰণ।

---

১লা মাৰ্চ্চ।

---

কলিকাতা।

১২২নং আমহাৰ্ষ্ট ষ্ট্ৰীটত "ৰাধাৰমণ যন্ত্ৰত"

শ্ৰীনৃত্যগোপাল চক্ৰবৰ্ত্তী দ্বাৰা মুদ্ৰিত।

মূল্য ছয় পয়চা মাথোন।

# কানীয়া-চৰিত্ৰ।

কানীয়া লুতুৰা। ভুগাল সোতোৰা॥
দেখোঁতে ভকত। কথাতে শকত॥
দেহাটিহে নাহি। কথাৰ ফিটাহি॥
মাত্র দেখো সাৰ। পোকৰত ধৰি॥
কানীয়াৰ নীতি। ৰাগীহে পিৰিতি॥
খাবলৈ পালে। মুখলৈ চালে॥
আপাৰ আনন্দ। মুখে গাই ছন্দ॥
এৰাদিলে নিছা। সকলোৱে মিছা॥
ষদিও তিৰোতা। তথাপি শত্রুতা॥
যদিও সন্তান। শতুৰ সমান॥
গোহালীৰ গৰু। সিয়ো ভগা চৰু॥
নেলাগে কাপোৰ। ঘটী বাতিবোৰ॥
অয় অলঙ্কাৰ। আপোনাৰ গাৰ॥
কথা কলে ভাল। শুনিব্ৰ অভাল॥
সোতোৰা মুখত। হামিয়াব কত॥

কোনে দিব লেখা। মহিমা অলেখা॥
ধুৱা লগা চকু। পাণী পুৰ দেখো॥
নাকৰ সেঙেন্মু। পৰে ৰেণু ৰেণু॥
কানি খোৱা ডেকা। মুখ খনি বেকা॥
ওঁঠ দুটা কলা। চকু দুটা ঘোলা॥
কাণ হলে ঠিৱ। কানিতেহে জীৱ॥
কথা খিনি বৰ। শুনি ভয়ঙ্কৰ॥
যদি পায় কলীক্। নেলাগে বগীক্॥
কানি চাহ পাণী। যদি দিয়া আনি॥
হলেও শতুৰু। তথাপি মিতুৰু॥
কানি পান খোৱা। বেয়া বুলি কোৱা॥
যদিও আপোন। তথাপি নো কোন ?
যেয়ে কব ভাল। সিয়ে হব কাল॥
যেয়ে কৰে বেয়া। সিহে কৰে দয়া॥
"নেখাই নো কি" বুলি। যেয়ে দিবতুলি॥
সিয়েহে আপোন। কানীয়াৰ গুণ॥
কানীয়া বামুণ। বেদত নিপুণ॥
থাকক লগুণ। তথাপি শগুণ॥
যদিও গোসাঁঞে। হৰি গুণ গাই॥
ফুৰক সদায়। যদি কানি খায়॥

শাস্ত্র গক ভাল। তথাপি চণ্ডাল॥
কানিয়া গণক। জ্যোতিষো ভণক॥
মৰাকো গণক। চোৰকো চিনক॥
গ্ৰহ লক ভাৰ। তথাপি চমাৰ॥
কানিয়া নৃপতি। হৌক ধৰাপতি॥
সকলোৰে মান্য। তথাপি সামান্য॥
যদি লক্ষপতি। অপাৰ সম্পত্তি॥
সোণৰ আসন। সোণৰ বসন॥
অমৃত ভক্ষণ। ৰজাৰ লক্ষণ॥
কানি যদি খায়। সকলোৰে ছাই॥
হওক ভকত। হৃদি অকপট॥
জপি থক মন্ত্ৰ। হৌক বিষ্ণু কলা॥
চন্দনৰ ফোট। কপালত যুত॥
কৰক সদাই। যদি কানি খায়॥
সকলোৰে মিছা। যেনে ভগা চিচা॥
ৰূপ মনোহৰ। অপূৰ্ব্ব সুন্দৰ॥
দেখিলে নাৰীৰ। হৃদয় অস্থিৰ॥
মিচিকিয়া মুখ। দেখোতেই সুখ॥
বহিলে সভাত। জেউতিৰ চাত॥
পৰে গই যাত। জিলিঙাই গাত॥

যদি কানি খায়। সিয়ো ফুট ছাই ॥
কানিয়া শিক্ষক। বিদ্যা ঢেৰ থক ॥
সকলো জানক। ছাত্ৰে ও মানক ॥
নেথাকক বাধা। তথাপিতো গাধা ॥
হৌক মহাবলী। ভজে যদি কানী ॥
একেটা ভূকুতে। হাঁতী মৰে তাতে ॥

নদীকো ভেটক।
পৰ্ব্বতো কাটক ॥
নেথাওক ঘাতি।
তথাপিতো মাটি ॥
চহকীৰ ধন।
থক অগণন ॥
ধনৰ ওপৰে।
যদি বাস কৰে ॥
খালে মানে কানি।
সকলোৱেই পাণী ॥
কানিয়াৰ কৃষি।
যায় দিশাদিশি ॥
কলিমতী কানি।
দিয়ে টানি টানি ॥

কানিৰ ফেকেলা ।
পাতোতেই বেলা ॥
যায় ভটিয়ায় ।
মুৰ দাঙ্গি চায় ॥
কৰে "হায় হায় !"
আগ গুৰি চায় ॥
এই দৰে নিতে ।
সময় অতীতে ॥
ভাদৰ শেহত ।
ধৰে নাঙলত ॥
ৰোৱে আহিনত ।
দাই ফাগুণত ॥
খাওতে এপৰ ।
গলে লৰফৰ ॥
কৰি তেহে যায় ।
বেলি চাই চাই ॥
যোৱে গই হাল ।
পাকদেক ভাল ॥
দৰে বাই পাছে ।
আক তাক যাছে ॥

অলপ ভাগৰ ।
পালে হই থৰ ॥
ককালত হাত ।
দি লগাই মাত ॥
ওচৰত যাক ।
দেখি পায় তাক ॥
হাল মেলিবৰ ।
"নৌ নে বতৰ" ?
"কেতেক থাক বাই ।
ভোক লগা নাই ॥
মেলা মেলা বলা ।
ঘৰলৈ চলা ॥
"এৰা দিলে কানি ।
হাত ভৰি টানি ॥
নিছে দেখো মোৰ ।
কত দিম জোৰ ॥"
অল্পা আৰ্জ্জন ।
বিস্তৰ ভোজন ॥
কানীয়াৰ লক্ষণ ।
বেংদৰ বচন ॥

টেমা যদি ভৰি।
থাকে কানি ফেৰি॥
যদিও আপদ।
তথাপি সম্পদ॥
সেয়ে যদি কম।
ভালতে অক্ষম॥
হক নাচ গান।
বিহুৰ সমান॥
বিহু পৰি থক।
তিক্ততা'ও যক॥
নেলাগে একোকে।
কানি টেমা টোকে॥
চাব ঘূৰি ঘূৰি।
"হাঃ হুঃ" কৰি॥
কানি নো কেন।
তিতিকি সুবুদ্ধি যেন॥
খালে নো কেন।
নবাব বাদচাহ যেন॥
নেখালে নো কেন্।
বলীয়া কুকুৰ যেন॥

কানি নো কৰ ।
প্ৰভু ভগৱন্ত য'ৰ ॥
কানি নো কি ।
প্ৰভূৰ হাতত আছিল যি ॥
আনিলে নো কোনে ।
পাণ্ডব অৰ্জ্জুনে ॥
থলেহি বা কত ।
থৰ লাগে যত ॥
লিটিমৰ আগত ।
হেতাৰ পাগত ॥
খাইছে বা কোনে ।
সঙ্গত বহে যোনে ॥
কেনেকৈ বা খায় ।
আগে জুতি চায় ॥
লাহে লাহে পাছে ।
সঙ্গীবোৰে যাছে ॥
"নেখাও নেখাও" বুলি ।
পাছে লয় তুলি ॥
এই দৰে গৈ ।
নিজে টেমা লৈ ॥

কানি কৰে পাণ।
শুনা গাওঁ গান ॥
"কানীয়া কিনো কম মহিমা
কানীয়া নেজানো উপমা
কানীয়া থাকা ধোৱা খোৱা হুপি—
হে ৰাম।
কানীয়া এহাতে অণ্ডথা
কানীয়া ফটাকথা
কানীয়া আগত চাহে পানী তুপি হে-ৰাম,, ॥
ৰাম ৰাম কানীয়া কোন মুখে খোৱা তুমি
তুমি চাহৰ পানী ৰাম ৰাম কানীয়া কোন
মুখে কোন মুখে কবা তুমি বাণী।
কানি খাওতে কানি খাওতে দেহা হব সৰু
লাহে লাহে বেচি খাবা গোহালিৰ গৰু ॥
কানি খাওতে কানি খাওতে গা হব গোটা।
লাহে লাহে বেচি খাবা পানি খোৱা লোটা ॥
কানি খাওতে কানি খাওতে গা হব লাহী।
লাহে লাহে বেচি খাবা ভাত খোৱা কাহী ॥
কানি খাওঁতে কানি খাওঁতে ধন হব মাটী।
লাহে লাহে বেচি খাবা শোৱা ধাৰি পাটী ॥

কানি খাওতে কানি খাওতে উদং হব ঘৰ।
লাহে লাহে বৈণীয়েৰে ওলাই দিব লৰ ॥
কানি খাওতে এটাই বস্তু পৰি যাব ওৰ।
লাহে লাহে খাবলৈ নেপায় পাছে হবা চোৰ ॥
গিৰীহতে ধৰি বান্ধি দিব চৰকাৰত।
বিচাৰি হাকিমে পাছে দিব ফাটকত ॥

---

অন্ত।



তলত লিখা পুথিবিলাক আমাৰ ওচৰত পোৱা যায় আৰু অন্য অন্য কিতাপো অতি সস্তা দামত পাব।

| | | | |
|---|---|---|---|
| অমৃতমথন | ।১০ | ডাক চৰিত্ৰ | ।০ |
| অশোক চৰিত | ৵০ | বৰবেজালী | ।০ |
| পদ্ম পুৰাণ | ।৵০ | ভীম চৰিত্ৰ | ।০ |
| কালীকা পুৰাণ | ।৶০ | ৰাধাহৰণ | ।০ |
| বৰকৰতি (একত্ৰে ৯ খন) | ।৵০ | স্বপ্নচৰিত্ৰ | ৴৬ |
| নামতি আই | ।৵০ | প্ৰহ্লাদ চৰিত্ৰ | ।৵০ |
| বিয়ানাম | ৵০ | বস্ত্ৰহৰণ | ৶০ |
| কুমাৰহৰণ | ॥০ | সামন্ত হৰণ | ৴৬ |
| লক্ষ্মীচৰিত্ৰ | ৴০ | হৰিপ্ৰসঙ্গ ও আইনাম | ।০ |
| নাৰীনীতি বা নাৰদসংবাদ | ।৵০ | লবণদৈত্য বধ | ৵০ |
| কৃষ্ণগুণমালা | ।০ | পাৰিজাত হৰণ | ৵০ |
| গুৰু গুণমালা | ৶০ | | |

পুথি পোৱাৰ ঠিকনা

শ্ৰীশিবনাথ ভট্টাচাৰ্য্য।

যোৰহাট।

ভট্টাচাৰ্য্য এজেঞ্চি।

পোঃ বিহাবাৰী।